# হিয়াৰ সুৰ

( ১ম খণ্ড )

লিখক—

শ্ৰী তাৰিণী চৰণ দাস বি, এ ।

প্ৰকাশক-- শ্ৰীসৰ্ব্বেশ্বৰ দাস বায়ন ।

১৯৪৮ চন





[ বেচ দহ অনা ]

অৰ্পণ ঃ-

পূজনীয় পিতামহ

৺ কামেশ্বৰ দাসৰ

স্মৃতিত ।

-তাৰিণী-

# নিবেদন—

এই গান কেইটা মোৰ অন্তৰৰ গোপন প্ৰান্তৰ পৰা ওলোৱা ভাবৰ ভুমুক। ইয়াৰ সুৰ তাল একো দিয়া নাই। সদাশয় গায়ক সকলোৱে ইয়াৰ সুৰ, তাল দিব বুলি আশা কৰিলো। সুৰৰ লগত সামঞ্জস্য ৰখাৰ কাৰণে কিবা অদল বদল কৰিলে আমাৰ কোনো আপত্তি নহব। গানবোৰ গায়ক আৰু পাঠক সকলোৱে বেনেকুৱা পায় নেজানো। তথাপি বৰ হেঁপাহেৰে ইয়াক ৰাইজৰ ওচৰলৈ আগ বঢ়ালো। ৰাইজৰ আদৰ আৰু সহানুভূতি পালে ইয়াৰ দ্বিতীয় খণ্ড প্ৰকাশ কৰিম বুলি আশা কৰিছো। ইয়াৰ কিছুমান গান চাই দিয়াৰ কাৰণে শ্ৰীযুত হৰেশ্বৰ শৰ্ম্মা ডাঙ্গৰীয়াক ধন্যবাদ জ্ঞাপন কৰিলো। ইতি--

বিনীত

শ্ৰীতাৰিণী চৰণ দাস।

বৰপেটা।

২১।৭।৪৮ ইং ]

# হিয়াৰ সুৰ।

(১)

দুপৰ নিশাত মোৰ
তন্দ্ৰা ভাঙিলে
তোমাৰ সপোনে সপোনে ॥
তুমি যে মোৰ থাকি দূৰে দূৰে
ক্ষণেকৰ বাবে
দিয়া ধৰা নয়নে নয়নে ॥
বিৰহে ৰচিছে অশ্ৰু সমাধি
মোৰ কত জাগৰণে—
বহু দিন অন্তে খুলিলে নে প্ৰিয়,
তোমাৰ প্ৰীতিৰ দুৱাৰ
আজি মোৰ শয়নে —
নোপোৱাৰ বেথাৰ মাজত
আনি দিলে অন্তহীন সুৰ
মোৰ কণ্ঠতে —
তোমাৰ সপোনে সপোনে ॥

# হিয়াৰ সুৰ

(১)

দুপৰ নিশাত মোৰ
তন্দ্ৰা ভাঙিলে
তোমাৰ সপোনে সপোনে ॥
তুমি যে মোৰ থাকি দূৰে দূৰে
ক্ষণেকৰ বাবে
দিয়া ধৰা নয়নে নয়নে ॥
বিৰহে ৰচিছে অশ্ৰু সমাধি
মোৰ কত জাগৰণে—
বহু দিন অন্তে খুলিলে নে প্ৰিয়
তোমাৰ প্ৰীতিৰ দুৱাৰ
আজি মোৰ শয়নে —
নোপোৱাৰ বেথাৰ মাজত
আনি দিলে অন্তহীন সুৰ
মোৰ কণ্ঠতে —
তোমাৰ সপোনে সপোনে ॥

হিয়াৰ সুৰ ।

(২)

আজি মেঘৰ মাদল বাজে ।
গুৰু গুৰু গৰজন গম্ভীৰ গগণে
আজি মেঘৰ মাদল বাজে ॥

সন্ সন্ বয় পবন
অধীৰ তাৰ পৰশন
আজি উতলা ফাগুনৰ বাঁহীটি
গগণে পৱনে বাজে
আজি মেঘৰ মাদল বাজে ॥

আজি মোৰ মন নাই অধিকাৰে
কৰে অভিসাৰ দূৰে দূৰে
প্ৰেম যমুনাৰ পাৰে পাৰে
প্ৰিয়াক খোজে গোপন লাজে
আজি মেঘৰ মাদল বাজে ॥

---

(৩)

যৌৱন জাগে ধৰাৰ বুকুত
ফাগুনী বতাহে দিলে জান ॥
ফুল কুঁৱৰীৰ উদিছে সুৰভি
বিহগে ধৰিছে তান

কলিয়া ভোমোৰাৰ অধৰ পৰশে
মুৰচি পৰিছে মালতী প্ৰাণ ॥
কাৰ ৰূপহত জোনাকী ঢালিছে
নীল আকাশৰ চান
কাৰ পৰশত লাজুকী পদুমী
লাজতে ঢাকিছে মান ।
বিৰহৰ বুকু টুকিছে অশ্ৰু
বেদনাৰ তুলি বান
হিয়াই হিয়াই উঠিছে কেৱল
মিলন গোপন গান ॥

---

(৪)

দিন যায় বিফল আশাতে,।
তুমি যে নাই মোৰ হিয়াতে
দিন যায় বিফল আশাতে ॥
আজি পৰাজয়ৰ মালাধাৰি
দিলা তুলি মোৰ গলতে
দিন যায় বিফল আশাতে ॥

জনাই বেথা বজ্ৰাহত
বিচাৰি সুৰ আকাশত
পৃথিবীৰ স'তে
মিলাই মিলাই
ৰচিছোঁ শূণ্য মহল
বিফল মনোৰথে ॥
মোৰ সৰসত ফুলা
যতেক ফুল
হ'ল জানো প্ৰিয়
গাথোঁতে ভুল । —
সি কাৰণে তুমি
জ্বালিছা বেথাৰ চিতা
মোৰ হিয়াতে ॥

---

(৫)

লগ নাই তোৰ
বল বাটৰুৱা
দিন হ'ল অৱসান ।
বিষাদে ভাগৰে কতনো ধুনিবি
ও বাটৰুৱা—ইযে তোৰ শেষ অভিযান ॥

বৰ যে কেৱল
একেটি সম্বল
দিয়ে তোৰ পথ কৰিব উজ্বল
সৱ ভাবনাৰ আসন এৰি
বল বাটকৰা
দিন হ'ল অৱসান ॥

(৬)

হোলি খেলে আজি
নন্দ দুলালে ॥
ফাকু উৰায় ঘনে ঘনে
অধীৰ চঞ্চলে ॥
বাজে তাল বাজে খোল
নাচে গায়ে উঠে বোল
বসন্ত বনতে গায়
ভ্ৰমৰ কোকিলে ॥
ফাকু পৰি তৰু লতা
ৰূপতে উজলে
গোপী সঙ্গে খেলে ৰঙ্গে
আবিৰ গোপালে ॥

(৭)

তোমাৰ বীণাত বাজে অত গান
অত গান ॥

সেই গানতে চিৰ পৰিচিত
হব জানো মোৰ মুগ্ধ প্ৰাণ ॥

যুগ যুগ ধৰি অনাদি কাল
শিকাইছা তুমি কত ছন্দে
অজান সুৰতে
জীৱন সফল গান ॥

মোৰ বীণাত বাজে
সপ্ত সুৰত
ভুল কৰা বেসুৰ তান ;
তুমি মুক্ত কৰি মায়াৰ বন্ধন
দেখোৱা শুনোৱা
মুক্তিৰ মোহন
লয় তাল মান ॥

(৮)

কিয়নো ব্যাকুল পৰাণ তোৰ
ৰয় চকু যোৰ মিলন বিভোৰ ॥

ফাগুনৰ কিনো বলিয়া পৱনে
পিয়ালে মদিৰা কৰিলে বিমোৰ ॥

কাৰ পথ চাই অন্তৰ আবেশ
মলিন হ'ল মোহন বেশ
বিৰহ বুকুৰ দুধাৰি চকুলোত
সিক্ত হ'ল তনু নবীন কিশোৰ ॥

তোৰ বিষাদৰ করুণ সুৰত
নীল সৰসত হাঁহিব কমল
মিলন বাসৰ সাজিব যতনে
বিচাৰি প্ৰিয়াক প্ৰেমিক চকোৰ ॥

(৯)

কবিতা মোৰ হেৰাল আজি
বিৰহ বেথাৰ বনতে ॥

নিৰৱধি নিৰিখি পথ
বেলা যায় বিষাদতে ॥

বাজ বীণা, বাজ বীণা মোৰ
জড় হিয়াত চেতনা তোল,
তুলৰী পয়াৰ বিবিধ ছন্দে
ঋষভ গান্ধাৰ সপ্ত সুৰতে ॥

মোৰ বাণীহাৰা নীৰব বুকুত
হেৰোৱা ধ্বনিৰ লহৰ তোল
সপ্ত সুৰৰ মথি সাগৰ,
বাজ, বীণা, বাজ, বীণা মোৰ
মধুৰ সুৰতে ॥

---

(১০)

বিগত দিনৰ কথা
আজিও মনত পৰে
সপোন স্মৃতিৰ সম
হিয়াত তুলি কত ব্যথা, কত ব্যথা।
ফিৰিব পুনু শাৰদ ৰজনী
বৰষাৰ শেষ জানি
জীৱনৰ যোৱা দিনবোৰ মোৰ
নিফিৰে নিফিৰে
মৰণ যাত্ৰী যথা॥

---

(১১)

দুৱাৰ কিয় বন্ধ তোমাৰ
আজি মাধৱী ৰাতি।
অতিথি তোমাৰ আছে ৰই
আকুল আশাৰ আঁচল পাতি॥

মোৰ কামনাৰ কত কথা
নিবিড় বুকুৰ গোপন কথা
জনাবলৈ প্ৰিয় তোমাক,—
ব্যাকুল সুৰত উঠে বাজি
মোৰ জীৱনৰ বীণাটি ॥

---

(১২)

আজিও প্ৰিয় নাই যে পাহৰা।
সিদিন হিয়াৰ
গোপন কথা দিলে ধৰা
তোমাৰ যুগল নয়ন-তাৰা।

সেই স্মৃতিৰ পৰশতে
হিয়াৰ বনত কুসুম ফুলে
কামনাৰ কত গন্ধে,—
মৃগনাভি সম যেন
কৰে মোক আত্মহাৰা
তোমাৰ যুগল নয়ন তাৰা।

মোৰ অন্তৰ জিনি
তুমিহে কেৱল আছা ফুলি
সকলো মায়া ছিন্ন কৰি
তোমাৰ মায়াতে বান্ধিছা আবৰি।
আজি সৰ সুৰ মোৰ হ'ল যে বেসুৰ
সকলো কামতে লাগিল আউল,
তুমি হাবা পথিক মই
হলো আজি সৰ্ব্বহাৰা ॥

---

(১৩)

মোৰ আকুল হিয়াত জাগে
কামনাৰ কত গান—
ভগৱান— ভগৱান— ভগৱান।
জানা তো তুমি নিবিড় বুকৰ
নীৰব গোপন গান -
ভগৱান— ভগৱান— ভগৱান।

আগম নিগম বেদ পুৰাণ
অজ্ঞান— সিযে অজ্ঞান
তোমাৰ দিয়া কণ্ঠত মোৰ
বাজে তোমাৰেই দিয়া গান
ভগৱান— ভগৱান— ভগৱান
তোমাৰ নামৰ মধুৰ সুৰতে
নন্দিত কৰাহে প্ৰাণ
তোমাৰ দিয়া দেহত মোৰ
কৰাহে পূৰ্ণ ইচ্ছা তোমাৰ
ভগৱান— ভগৱান— ভগৱান।

---

(১৪)

জনমে জনমে থাকা যদি তুমি
মোৰ সাধনাৰ ছন্দ তুলি
জীৱন কবিতা মোৰ
হ'ক অপূৰণ
মুক্তিৰ মদিৰা ভুলি॥
অহমিকা ঢালি আঁতৰিছা বুলি
পথহাৰা কৰি থাকোতে দেখি
মন মন্দিৰ এৰি — হে মোৰ নিঠুৰ
নেযাবা আঁতৰি বেদনা ঢালি॥

(১৫)

তব পথ নিরখি নিরখি
বিফল করিলো কাজ॥
তথাপি প্রিয় নাহিলো তুমি
ঘুচাব জীবন লাজ॥
ই যে মোর সসীম. তান
নহয় অসীম গভীর গান—
তথাপি কিয়নো খুজি তোমাকে
অবেলাতে লাগে সাঁজ॥
ভুল করি তুমি মোর ভুবন এরি
গলা নে প্রিয় পাহরি
নব মাল্লিকার পরাগ আশাতে
হেরাতো নাই হৃদয় বাউলী।
আজিও মিলন মাধরী মাহ
হোর নাই অতিবাহ
তোমার শ্রাবণে আশার বাঁসরে
প্রতীক্ষা মোর করিছে বিরাজ॥

---

(১৭)

আজি বসন্ত প্ৰিয়া দোলে
মধুৰ সাজন সাজে ॥

ময়ুৰ ময়ুৰী নাচে
নাচে নাচে সুন্দৰ পেখন সাজে ॥

মেঘৰ বুকুত বিজুলী নাচে
ফুল কুঁৱৰী সুৰভি সিঁচে
কিশোৰ দেহত যৌৱন নাচে
মন ভুলোৱা সাজে ॥

তৰুলতা নাচে কুঞ্জে কুঞ্জে
ভ্ৰমৰ উৰে গুঞ্জৰণে
ৰুনুক ঝুনুক নূপুৰ বাজে
আজি যেন গগণে পৱনে ।

ভুৱন ভৰি উঠিলে নাচ
পুৰণিৰ মাজত নতুন ঠাচ
আজি বিৰহী কবি প্ৰিয়াক খোজে
কিনো সাজন সাজে ॥



(১৭)

জোনাক মিলনে হাঁহে
নিশাৰ মাধুৰী
ফাগুনী ৰাতি ফাগুনী ৰাতি ।

উতলা পৱনে— কয় কাণে কাণে
অনুৰাগ ভৰা কথাটি ॥
ফাগুনী ৰাতি .... ....

তাৰ পৰশতে ভৰা অনুৰাগে
লয়লাসে হালি জালি
ফুল কুঁৱৰী সুৰভি ঢালে
কাকনো বুকতে সাৰটি ?
ফাগুনী ৰাতি .... ....

মোৰ হিয়া বনতে আজি ফাগুনে
জ্বালিলে কিনো জুই
ই দহন মোৰ জুৰাব কোনে
হে মোৰ ব্যথাৰ দৰদী ॥
ফাগুনী ৰাতি .... ....

(১৮)

তোমাৰ প্ৰীতিৰ ছুন্নাৰ খনি
ৰব নে বন্ধ চিৰকাল ?
দিনে দিনে মোৰ
বাঢ়িছে কেৱল
জীৱন জোৰা আহুকাল ।

কৰিছা যদিও সৰ্ব্বহাৰা
হে মোৰ পৰাণ প্ৰিয়
তুমি-হাৰা হই
যেন জীৱনে মৰণে
এই মোৰ চিত্ত
নহয় বিফল
ইহকাল পৰকাল

(১৯)

মোৰ কামনা নদীৰ পাৰত
লগোৱা প্রিয়
তোমাৰ ভৰণী খনি
চঞ্চল হিয়া দোলে
তুমি মোৰ কাষতে নাই-- নাই
সেইটো জানি— প্রিয় সেইটো জানি ॥

আজি বিৰহত কান্দে
বহাগী ভাৱৰ
বসন্তৰ বিদায় বেলাত
তুমি অবিহনে মোৰ নয়নে
শাওণৰ বৰষে পানী ॥



(২০)

আজি নব বরষের বাজে নবীন গান
নতুন সুরেত হে পথিক
নতুনত মিলোৱা প্ৰাণ ॥

সেউজীয়া পাতে পাতে তৰু লতা হাঁহে
ময়ুৰ ময়ূৰী নাচে আনন্দ উলাহে
ধৰণীৰ আজি জড়তা হীনতা
হ'ল অৱসান ॥

দক্ষিণ পৱন বয় ধীৰে ধীৰে
কুসুম হাঁহে হৰষে পুলকে
জিনি বনৰাজি উঠিছে ধ্বনি
নতুনৰ তুলি জয়গান ।

সুন্দৰ কৰা নিৰ্ম্মল কৰা
গুচাই মনৰ হীন মলিনতা
আজি নতুন সুৰত বাদ্ধি বীণ ধ্বনি
বজোৱা যাত্ৰী মোহন তান ॥

(২১)

যাবি তুই মোক যে এৰি
চিৰকাললৈ মোৰ সাদৰী ঐ॥

তোৰ বিদায়ৰ করুণ ছবি
স্মৃতিৰ দুৱাৰ খুলিব মোৰ
তুলিব নিতে অন্তৰ মাজত
বেদনা বিপুল লহৰী ঐ॥

বিৰহে তোৰ নয়ন যুগল
মোৰ সুখৰ সেন্দুৰী আলিত
বিৰচিব কত অশ্রু নিজৰা
তোমাকেই সুৱঁৰি সুৱঁৰি॥



(২২)

অভিমানে যায়

অভিমানে যায় ।

জোনাই মোৰ কোন দেশলৈ যায় ॥

বনৰ বিহগে বনতে গায়

বিদূৰ ৰজনী হায় ॥

অভিমানে যায়··· ·

দূৰ গগণে উদিলে তপন

জাগিল বিশ্ব তিয়াগি শয়ন

সোণালী সপোন—

ভাঙি দি মোৰ

জোনাই ক'লৈ যায় ॥

অভিমানে যায়

(২৩)

ও তাৰৰ নাহিবি উৰি
মোৰ বদন কাজল ভৰা ॥
একে একে ডুবিলে সকলো
মোৰ আকাশৰ লক্ষ তৰা ॥

মোৰ জীৱনৰ অন্ধকাৰত
বাট বুলি বুলি যাওঁ কি সঙে
একেটি কেৱল পথৰ সম্বল
সিও যদি যায় মাৰ
হম যে মই পথহাৰা ॥

---

(২৪)

ফাগুনৰ বেলা আহিছে কোকিল
কুঁহু কুঁহু বোল—কুঁহু কুঁহু বোল ॥
কুঁহু কুঁহু বোল বোলছে কোকিল
কুঁহু কুঁহু বোল ॥

তোৰ মাতত্তে ভুবন ভৰি
উঠিব মোহন মধুৰ বোল
কুসুম বুকৰ পৰাগ ৰেণু
উৰিব গোন্ধে আমোলমোল ॥

মোৰ পৰাণৰ বিৰহ বনত
শুনোৱা পখী অমিয়া বোল
জুৰোৱা হিয়াৰ দহন জ্বালা
পঞ্চমত তুলি গীতৰ বোল ॥

---

(২৫)

তুমি যদি নহবা প্ৰিয়
চিৰ সুন্দৰ মধুৰ ।
তোমাৰ গঢ়া বীণাৰ তাৰত
বাজিব কিয়
অত সুন্দৰ মধুৰ সুৰ ॥
তুমি যদি .... ....

তোমাকে পোৱাৰ আশাৰ সোঁতত
উটি যায়— উটি যায় মোৰ
সুখৰ সপোন সুৰ
পুনু নোপোৱাৰ নিৰাশ প্ৰাণত
বেদনাৰ উঠে
অন্তহীন সুৰ ॥
তুমি যদি ...... ......

---

(২৬)

জীৱনৰ বালি চৰতে
ফুলাব কোনেনো সুৰভি কানন
সখি, জীৱনৰ বালি চৰতে ?

শূণ্য পৰি আছে ঘৰ
আজি মোৰ প্ৰিয়া নাই কাষতে
সখি, জীৱনৰ বালি চৰতে ॥

ৰবি শশী কত হ'ল/প্ৰকাশ
ভুৱনে ভুৱনে অনিবাৰ
মোৰ ভুৱনত উথলে কেৱল
বেদনাৰ সুৰ বিফল আশাতে
সখি, জীৱনৰ বালি চৰতে॥
অকলশৰীয়া—মাই লগৰীয়া
বিষাদে ভাগৰে তুলিছোঁ কতনা
কামনাৰ গান
আহিব এদিন দৰদী মোৰ
সুন্দৰ সুষমাতে
সখি, জীৱনৰ বালি চৰতে॥

---

(২৭)

ও আজি প্ৰাণৰ হুতাশ
আহে জীৱনৰ মধুমাহ॥
ফাগুনৰ বলিয়া পৱনে
হিয়াই হিয়াই আজি
মদিৰা পিয়ায়॥

কুসুম প্ৰিয়াৰ ওৰণি তুলি
নিৰখে ৰূপ ঘনে ঘনে
পৰাগ সঁফুৰা ফালি
সুৰভি উৰে
আজি গন্ধে তাৰ
বাউল ভোমোৰা ভুলায় ॥

---

(২৮)

জাগা—জাগা—জাগা ভগৱান
মঙ্গল তুমি কৰাহে বিধান
ভগৱান—ভগৱান ॥

মোৰ বেদনাৰ—
অন্তহীন অন্ধকাৰে
তুমি পথৰ প্ৰদীপ জ্বলোৱা
ভগৱান ভগৱান ॥

ধন্য কৰা পূৰ্ণ কৰা
সব কৰ্ম্ম জীৱনৰ
সব দৈন্য পৰাজয়
কৰা অৱসান
ভগৱান— ভগৱান ॥

---

( ২৯ )

নীল আকাশৰ জোনবাই মোৰ
কিয়নো লুকোৱা লাজতে ।
ক্ষণে ক্ষণে হাঁহি ক্ষণে মাৰ যোৱা
মেঘৰে ওৰণী আঁৰতে ।
তোমাৰ হাঁহিয়ে অভয় বৰাষ
গন্ধে গানে পুলকত্তে
নয়ন মোৰ নিদ্ৰা হেৰায়
সপোন সুৱদি সুখতে ।
আজি মোৰ বিজন বিৰহী হিয়াত
শাওনৰ উথলে ভাৱৰ
ওলোৱা ওলোৱা শাৰদ প্ৰভাৱে
ৰজনী মোৰ যায় বেজাৰতে ॥

(৩০)

মায়াৰ বনতে হেৰালে হেৰালে
মোৰ কবিতা বাণী।

অভিমানে —, লুকালে লুকালে
সব হিয়াৰ বাণী।

আকাশৰ আজি মলিন বেশ
নাই কোনো তৰাৰ লেশ
হেৰাই শশীৰ ৰূপ-ৰাশি
এন্ধাৰত ঢাকিলে মুখ
শাৰদ ৰজনী॥

বইছে চকুলো তৰু-লতিকাৰ
সৰা যুলৰ কৰৰ তিয়াই
ভ্ৰমৰ কৰি যায় ফিৰি
বিৰহ বেদনা লই
জীৱন বিকল মানি॥

(৩১)

ও মোৰ ডাৱৰ আহাচোঁ উৰি
এটুপি পানীৰে জগত জুৰাই ॥
অকণি জল বিন্দু আশাত
গা হে কোকিল শৰদ শুনাই ।
আহ ধীৰে ধীৰে মলয় অনিল
অম্বৰ ঢাকি ডাৱৰ বিলাই,—
ধৰাৰ বুকুত বৰষা শান্তি
মঙ্গল বিষান বজাই ॥

---

(৩৩)

নোপোৱা প্ৰীতিৰ প্ৰতিদান
দিলে অত সুৰ — অত গান ।
গোপনে তুলিছে মোৰেই আকাশত
বিজয়ৰ নতুন নিচান ॥

আজি পৰাজয়ৰ মালাখাৰ
হল প্ৰিয় মধু উপহাৰ,
খুজি নোপোৱাৰ নিঠুৰ অভিশাপে
কৰিলে সফল অভিযান ॥

মোৰ হিয়াৰ যত গান
তোমাৰেই দিয়া অৱদান
অনাদি কাল তুলিব বতাহত
তোমাকে খোজাৰ নীৰব তান ॥

---

( ৩৩ )

মোৰ নিবিড় অন্তৰ মাজত
বেদনাৰ জাগে অন্ধকাৰ।—
তোমাৰ মূৰতি প্ৰিয়
ভুলি যাওঁ বাৰ বাৰ ॥

তোমাৰ মোৰ মিলন মাজত
আছে দুৰজয় পাৰাবাৰ
তুমি সকলো বিপদ কৰিছে বাৰণ
লগাই দিয়াছে পাৰ।

তুমি সুন্দৰ কবি হে সুন্দৰ
আহা খুলি হিয়াৰ দুৱাৰ
সব বন্ধন সব অন্ধতাৰ
তুমিহে মোৰ কৰ্ণধাৰ ॥

---

(৩৪)

এই যে বসুন্ধৰা
বহুৰূপৰ মুৰতি ভৰা ॥

কোনো কান্দে দুখ দহনত
হাঁহে কোনো সুখ সপোনত
এন্ধাৰে পোহৰে জয় পৰাজয়ে
পলকে পলকে ভঙ্গা গঢ়া ।

যি সুৰে তুমি বজাবা কবি
বাজিব বীণাত সেই যে সুৰ
মধুৰ সুৰত বান্ধাহে তাঁৰ
মঙ্গল দিব ধৰা ॥

---

(৩৫)

মলিন কিয়নো মু'খনি তোমাৰ
শিশিৰে ঢাকিলে যেন
ৰূপ চন্দ্ৰমাৰ ।

কি ব্যথা জ্বলে অন্তৰ মাজত
নিৰখি সখি পথ নো কাৰ
নিৰজনে ৰখি আঁকিছা কিনো
ছবি কামনাৰ ।

দক্ষিণ পৱনে তুমি
জনাই হিয়াৰ কথাটি
গোপন বেদনা
সহিছা নীৰবে
তুমি যেন অনিবাৰ ॥



(৩৬)

হোলি খেলে ব্ৰজধাম—
উঠে ৰায় ঘনশ্যাম॥

ৰঙে ৰঙ্গীন আকাশ বতাহ
উৰে আবিৰ অবিৰাম—
নাচে গায় মত্ত প্ৰাণ
সুৰে তালে ৰাম ৰাম।
হোলি খেলে ....

গোপ বালা খেলে ৰঙ্গে
পিচ্‌কাৰী হাতে হাতে
ৰঙে ৰঙে ৰঙ ঢালি
জৰ জৰ কৰে শ্যাম।
হোলি খেলে .....

( ৩৭ )

যমুনাৰ তীৰে ডুবি গ'ল আজি
ভাৰতৰ ভাগ্য সেলি ॥

আৰু নাই—নাই নীতিৰ সাৰথি
জগত জুৰিলে এন্ধাৰ বাউলী ॥

কান্দে তৰু-লতা কান্দে প্ৰকৃতি
কান্দে দীগন্ত কান্দে বসুমতী
প্ৰাণে প্ৰাণে আজি মৰ্ম্ম বেদনা
নয়নত উঠে অশ্ৰু উথলি ॥

পথৰ সন্ধান দিব কোনেনো
শুনাব কোনে অমৃত-বাণী,
সত্য অহিংসাৰ জ্বলাব কোনে
প্ৰদীপ পুনৰ পোহৰ ঢালি ।

দীন ভাৰতৰ সুমাল বস্তি
অন্ধ ধৰাৰ যুগৰ জ্যোতি
জাতিৰ পাপত মানৱ মণি
নিয়তিয়ে নিলে অসীমে তুলি ॥



(৩৮)

ইকি আকুলতা ব্যাকুলতা
আছে জীৱন পথতে ॥

অধীৰ চিত্ত বীণা বাজে
বেদনা বিপুল সুৰতে ॥

মোৰ কামনাৰ
মন্দিৰ খুলি
আহিবানে প্ৰিয়
সুমধুৰ গানে গানে,—
দিবানে চেতনা
সঞ্জীৱনী ঢালি
জড় দেহৰ
মোৰ জড় প্ৰাণতে ॥



(৩৯)

সকলো পোহৰৰ সকলো দিয়াৰ
শেষ কৰ তোৰ
গান পথিক—
শেষ কৰ তোৰ গান।

বল হে ইবাৰ আপোন ঘৰলৈ
দিন তোৰ চাপিছে
কান পথিক—
দিন তোৰ চাপিছে কান॥

গধূলি বেলিকা বতাহৰ স'তে
পূৰবী যেন—কয় কানে কানে
করুণ সুৰতে—
বব পৰি তোৰ লক্ষ বাসনা,
আৰু কি তোৰ
আছে অভিমান
পথিক আৰু কি আছে অভিমান॥



( ৪০ )

ৰাম নাম গা মন
ৰাম নাম গান।

ভজা ৰাম অহৰ্নিশি
এৰি অভিমান,
ভৱ দুখ জীৱনৰ
হব অৱসান।

জপা ৰাম হৃদি মাজে
স্মৰা ৰাম সৱ কাজে
পূৰ্ণ হব মনোৰথ
লভি অৱদান॥

---

( ৪১ )

সকলো বন্ধন মুক্ত কৰি
তোমাৰ কাষলৈ লোৱা টানি।
সকলো কাজৰ মাজতে তোমাৰ
বঢ়োৱা চৰণ দুখানি॥

তোমাৰ সুৰত মিলাই দিয়া
মোৰ হিয়াৰ যত ধ্বনি
তোমাৰ বীণাৰ অমৰ তানত
দিয়াহে সফল বাণী ॥

যি মোৰ আছে সৱ যে তোমাৰ
তোমাৰেই দিয়া দান
মায়াতে ডুবি গাইছো নিতে
জীৱন বিফল গান।
হাত ধৰি তুমি মৰমে তুলি
লোৱাহে আপোন কৰি
সৱ অহঙ্কাৰ কৰাহে চূৰ্ণ
কঠিন আঘাত হানি ॥

---

(৪২)

কিয়নো বাজে মিলনৰ বাঁহী
হৃদয় বিচাৰে হৃদয় বাণী ॥
অচিনা মাজত জাগে অনুৰাগ
মৰমে মৰম মাগি ॥

হিয়াৰ কথাটি পৰে যে ধৰা
নয়নে নয়ন ৰাখি
দুটি পৰাণৰ গোপন সুৰত
কি যেন জানা জানি ॥

---

(৪৩)

তোমাৰ মায়াত আছো ৰই
সব যে ভুলি ।
তথাপি প্ৰিয় মোৰ আঙ্গিনাত
নিদিলা মৰম ধূলি ॥

মলয় সমীৰে কয় কাণে কাণে
মিলনৰ সুৰ ঢালি—
দূৰ গগণৰ কিৰণ ধৰলী
দিলে বাতৰি
তুমি আহবা বুলি
মোৰ দুৱাৰ খুলি ॥

মোৰ পথ চোৱাৰ
গত হ'ল বেলা—
দেখি তোমাৰ হেলা
মোৰ মৰণ দোলা
ক্ষণেকত দিব যে মেলা
লবনৈ বুকতে তুলি ॥

---

(৪৪)

গা হে এবাৰ কোকিল
উঠক গোলাপ ফুটি।
মধুৰ সুৰত তুলি শুৱলা প্ৰাণৰ গীতি ॥
গা হে এবাৰ ............

মলয় বুকুত উঠক বাজি
সুন্দৰৰ বাঁহীটি,
জোনালী ৰূপত পৰক বই
সৰগ সুধাৰ হাঁহিটি ॥
গা হে এবাৰ ........

মঞ্জৰি উঠক তৰু লতিকাৰ
ভুবন ভুলোৱা কান্তি,
গুঞ্জৰি উঠক ফুল ভোমোৰাৰ
মিলন মধুৰ শান্তি ।

তোৰ সুৰতে হওক সজীৱ
শতেক যুগৰ প্ৰীতি
জড় প্ৰাণত উঠক জ্বলি
চেতনাৰ চিৰ জ্যোতি ॥
গাহে এবাৰ ........

---

(৪৫)

হ'ল দুৱাৰ মুকলি
ছিগি গ'ল শিকলি
আজি জাগৃতিৰ প্ৰভাতত
হাঁহে অৰুণ উজলি ॥

দেৰ শতিকাৰ ভেদি অন্ধকাৰ
জাতিৰ স্বাধীন উৰিছে পতাকা
বীৰ শ্বহীদৰ বুকুৰ তেজেৰে
কৰি দেশ বাঙলী ॥

উঠা জাগা বীৰ
আজি শুভ দিন
গোৱা সমস্বৰে ভুলি ভেদাভেদ
এক আমাৰ দেশ
এক আমাৰ মিলন তীৰ্থ ধূলি ॥

---

(৪৬)

বাৰে বাৰে প্ৰিয় বাৰে বাৰে।
নয়ন মোৰ নিৰখে
তোমাৰ মূৰতি প্ৰিয় বাৰে বাৰে ॥

তুমি লুকাই ৰাখিছা তোমাৰ মাধুৰী
ওৰণিৰ আঁৰে আঁৰে ॥

খোলা প্ৰিয় মুখনি তোমাৰ
তুলি আবৰণ ধীৰে ধীৰে,
(তুমি) খেলিছা কিনো খেলা চাতুৰী
ৰহস্যৰ স্তৰে স্তৰে ॥

---

(৪৭)

ই গান তোমাৰ বন্ধ কৰি গুণী
নতুন সুৰত বজোৱা বীণ খনি ॥

প্ৰথম সুৰৰ মূৰ্চ্ছনাতে
ত্যজি তন্দ্ৰালস
কোটি কণ্ঠৰ কলৰবে
উঠক জয়ৰ ধ্বনি ॥

জাগ্ৰত কৰা সুপ্ত প্ৰাণ
উজ্জ্বল কৰা লুপ্ত মান
জড়তাৰ ভাঙি কাৰাগাৰ
ঢালা সঞ্জীৱনী ॥

(৪৮)

শুভ দিন আগত
কলে কোকিলে।
বনে বনে হালি জালি
বন বালা দোলে॥
উতলা ফাগুনী বায়
অমিয়া বিলালে,
প্ৰাণে প্ৰাণে অনুৰাগে
আনন্দ উথলে॥
ধৰণীৰ মলিনতা
বসন্ত নাশিলে,
পুলকৰ সুৰ ধ্বনি
পৰাণ পশিলে॥

---

(৪৯)

লাজ মোৰ ৰাখা মুৰাৰি
ভৱ জলধিৰ কাণ্ডাৰী॥
দ্ৰৌপদীৰ লাজ ৰাখিলা তুমি
পাণ্ডৱৰ জীৱন স্বামী
ভক্ত তোমাক খুজি পাগল
জীৱন মৰণ ঘুৰি॥

সুৰদাস তুলসীদাসে
নানক কবীৰে সদা ভজে
মীৰা পায় ভজন গানে
পৰম পদ তোমাৰ হৰি । —
আহা আহা পতিত পাৱন
ধ্রুৱ প্রহ্লাদৰ সাধনাৰ ধন
হিয়াৰ মন্দিৰে আহা অভাগাৰ
সৃজন পালনকাৰী ॥

---

(৪৮)(৫০

কামনাৰ ফুল আনি
ৰচা মোৰ ঘৰ খানি
ভাঙ্গিলে নিঠুৰ পৱনে—পৱনে ॥

আজি মোৰ আকাশত
উঠিছে কলিয়া ডাৱৰ
বলিয়া কৰি মন ভ্রমৰ, —
হিয়াৰে জোনাই
আজি ফুৰিছে বিলাই
দীপ্ত ছাৰা গগনে—গগনে ॥

কান্দে নলিনী
দলনিত পৰি
অশ্রু নিঝৰা পৰিছে বাগৰি
বিৰহী বুকৰে, —
আজি নিৰাশ প্ৰাণৰ
আনি সুৰটি
বজায় কোনে নীৰৱ বাঁহীটি
জীৱনত মোৰ গোপনে—গোপনে ॥

(৫১)

ও নাওৰীয়া
নাওখনি বাই
পাৰ লগাই দিয়া ॥

সিপাৰত আছে
ৰখি মোৰ প্ৰিয়া ॥
...... নাওৰীয়া ......

যাওঁ কেনেকৈ মই সিপাৰলৈ
সমুখত মোৰ
মায়াবী ঢ'উৰ খেলা —
কামনা বাসনা—কুম্ভীৰ গ্ৰাহে
কৰিলে চকিত হিয়া ॥
ও নাওৰীয়া ........

ধীৰে ধীৰে গই
আয়ু ৰবি মোৰ
অস্ত গগণত দিলে মেলা —
সন্ধিয়া লগনে আহিব এন্ধাৰ
সাজি মৰণ দোলা —
নাই লগৰীয়া
মই অবলম্বৰীয়া ॥
ও নাওৰীয়া........

(৫২)

আজিও প্ৰিয় গোৱা নাই
তোমাৰ দিয়া যত গান ॥

সুৰৰ নাই পৰিচয়
মানি সেয়ে পৰাজয়.
হাতৰ বীণাটি হাতভে ৰাখি
ভুলি মান অভিমান
কৰিলো দিন অৱসান
তুমিতো ফিৰি চোৱা নাই ॥

বাজিব বেসুৰে
সেই ভয়তে
আজিও দিয়া নাই তান --
তুমি দিবা সুৰ
সেই আশাতে
বতাহত পাতি কাণ
নাচি মোৰ উঠে প্ৰাণ
তুমি জানো জনা নাই ॥ *

(৫৩)

ও যাত্ৰী — সিপাৰে যোৱা
তোৰ হব কাহানি
নাই যে জানা জানি ॥
কোন দেশৰ উৰে ডাৱৰ
অম্বৰ ঢাকি
নাই যে মানা মানি ॥
গোপনে তোৰ জীৱন স'তে
মৰণ দেৱতা
কৰে টানা টানি, —
সেয়ে দিন থাকোঁতে
বিজয় ৰথত চৰি
ব'ল আগুৱাই
ধৰম কৰম মানি ॥

---

(৫৪)

জ্বলে দহন বিৰহ অনল
সখি—অন্তৰ মাজত।
মুৰলী নাবাজে সখি
আৰু যমুনা পাৰত ॥

নিৰখি সখি—পান্তি কাণ নিজানত
বেলা যায় ৰখি হুতাশত ॥

মন মোৰ নালাগে
গৃহ কাজত — ?
প্ৰিয় বিনা ই সংসাৰ
বিফল মানিলো জীৱনত ॥

---

(৫৫)

কঙ্কণ সুৰত বাজে
মন্দিৰে মন্দিৰে
তোমাৰেই গান অনিবাৰ ॥

জাগা তুমি অন্তৰ্যামী
বেদনাৰ ভাঙি কাৰাগাৰ
তুমি মুক্ত কৰি বন্ধন দশা
মঙ্গল কৰা বসুধাৰ ॥

যুগে যুগে তুমি জাগি কতবাৰ
কৰিছিলা দূৰ অনাচাৰ
আজিও তুমি আহা সেই দৰে
ধৰণীৰ নাশি অন্ধকাৰ ॥

(৫৬)

সব মায়া চূৰ্ণ কৰি
তোমাৰ মায়াতে ৰাখা আৱৰি।
সব অহঙ্কাৰ কৰা ওৰ
অজ্ঞান এন্ধাৰ দূৰি ॥

পথহাৰা হই বিপথে গই
থাকো যদি তোমাক পাহৰি
তুমি ভুল ভাঙ্গি মোৰ লবা টানি
কৰুণা কণা বিতৰি ॥

যদি কোনো দিন অন্তৰ মোৰ
কালিমাৰে উঠে ভৰি
তুমি দয়া কৰি হে প্ৰিয় মোৰ
নেথাবা আঁতৰি আঁতৰি ॥

—ঃ সমাপ্ত ঃ—

